যেদি নিঃচিহ্ন কৰি পেলাই, তাৰ ঠাইত নিঃস্বাৰ্থপৰতা আৰু অপ্ৰতিদ্বন্দ্বিতাক বহুৱাই লোৱাৰ আশা কেতিয়াও কৰিব নোৱাৰি। কাৰণ, জগতৰ লক্ষ্যই হৈছে আগ বাঢ়ি যোৱা। স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাৰ খটখটিত খোজ পেলাই আগুৱাই নগ'লে সেই উদ্দেশ্য সি সিদ্ধ কৰিব কেনেকৈ? আৰু সৃষ্টিৰ ধাৰাটোকেই বা সি অব্যাহত ৰাখিব কেনেকৈ? স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাটো প্ৰবৃত্তিমূলক। প্ৰবৃত্তিৰ সোঁত বন্ধ হলে সৃষ্টিৰ সোঁতিও বন্ধ হব নিশ্চয়। য'ত সৃষ্টি তাতেই প্ৰবৃত্তি,—য'ত প্ৰবৃত্তি নাই, তাত সৃষ্টিও নাই।

এই দৃশ্যমান জগতখন সমগ্ৰভাৱে এটা বস্তু হলেও, ই সীমাবোৰৰ হেঙাৰ ভাঙি ভাঙি অসীমত গৈ মিলি নপৰালৈকে, সীমাৰ ভিতৰুৱা এই অসংখ্যৰ ভিতৰত হনাহনি খুছাখুছিবোৰ থাকিবই। এই হনাহনি আৰু খুছাখুছিবোৰ অসীমৰ ভিতৰুৱা বস্তু। অসীমৰ ব্যাপক সোঁতত ইয়াৰ অস্তিত্ব পৰি লয় হৈ নোযোৱালৈকে সীমাৰ ভিতৰত ইয়াৰ অস্তিত্ব আৰু জীৱন্ত গতি চলি থাকিবই। এনে এটা অসীম-ব্যাপী গধুৰ বস্তুৰ তৃপ্তি মাথোন হাতজোখা পৃথিৱীখনৰ এই সংকীৰ্ণতাৰ ভিতৰত সুমুৱাই থবলৈ খুজিলে তাত বিদ্ৰোহ নহৈ হব কি? অথচ, এইখিনি মানুহে বুজি নোপোৱাৰ কাৰণেই, মান্ধাতাৰ দিনৰে সেই অন্ধ বিশ্বাসটোৱে মানুহক মাথোন বাগৰি পৰি মাটিত কামুৰি ধৰি থাকিবলৈকেহে বাধ্য কৰি আছে।

কিন্তু স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাক আমি ইমান বহল বিপুল হিচাবত দেখা নাপাওঁ এইবাবে, যে সি যি ঠাইৰ বস্তু, সেই সমগ্ৰতাৰ লগত 'হাতে-হাতে' পোৱা পৰিচয়টো আয়ত্বাধীনলৈ



আনি লবলৈকে কৰা চেষ্টাটো আজিলৈকে আমি মানুহৰ ভিতৰত হোৱা নাই। আৰু সেইটো হোৱা নাই বুলিয়েই মানুহে পৃথিৱীৰ পৰা স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাক খেদি পেলাই ইয়াত মহাশান্তি স্থাপনৰ অস্পষ্ট সপোন দেখি আহিছে।

স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাক আমি বেয়া বস্তু বুলি কওঁ কিয়? কামানৰ প্ৰচণ্ড গোলা এটা তাৰ বেগৰ নিৰ্দ্দিষ্ট সীমাৰ মাজ এডোখৰৰ দুৰ্ভেদ্য দেৱাল এখনত খুন্দা খাই উলতি আহি আমাৰ ওপৰত পৰি কিছুমান অনিষ্ট কৰি পেলালেই আমি কৈ পেলাম "কামান বস্তুটো বৰ বেয়া" বুলি,—নাইবা অনন্ত পথৰ পথিক এই বিশ্বব্ৰহ্মাণ্ডখন তাৰ নিৰ্দ্দিষ্ট গন্তব্য পথত অনন্ত কাল ধৰি খোজত খোজ পেলাই চলি গৈয়েই আছে;—কাৰণ, এই চলি গৈ থকাটোৱেই তাৰ স্বভাৱ। এই স্বভাৱ সি ইচ্ছা কৰিও থমাব নোৱাৰে, দমাব নোৱাৰে। কিন্তু সেই অনুপাতৰ শক্তিৱান কিবা এটাই যদি তাক আগুৱাবলৈ নিদি পাচৰ ফালে টানি ধৰিবলৈ চেষ্টা কৰে, তেন্তে ফল কি হব অলপ ভাবিলেই বুজিব পাৰি।

স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাকো আমি এই হিচাবৰ পৰাই ভাল বা বেয়া বুলি কওঁ। আমি যি স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাৰে আমাৰ অন্তৰৰ জুইজ্বলা কামনাৰ পিয়াহখিনি পলুৱাবলৈ চেষ্টা কৰোঁ, তাক এনে এটা চুটি-চাপৰ সীমাৰ ভিতৰত ঘুৰাই ৰাখোঁ, অৰ্থাৎ এৰি দিয়া শক্তিটোতকৈ টানি ধৰা শক্তিটো ইমান বেচিকৈ খটাওঁ, যে কিছু সময় ঘুৰি ঘুৰি যেতিয়া সি তাৰ স্বাভাৱিক বেগেৰে কোনোফালে ওলাই যাবলৈকে বাট বিচাৰি নোপোৱা হয়, তেতিয়া, সেই

সংকীৰ্ণতাৰ দেৱালখনতে সি খুন্দা খাই ওফৰি আহি আমাৰ ওপৰতে পৰি কিছুমান অনিষ্ট সাধন কৰে। নাইবা, সেই ক্ষেত্ৰত বহুত লোকচান গানি অপমান যদি কিবা পোৱাও যায়, সি আক্ষেপ, অনুতাপ, ধিক্কাৰ, অভিযোগৰ বোজা লৈ আহি সমগ্ৰভাৱে জীৱনটো আৰু দহ গুণ গধুৰ কৰি তোলে। তাত সাফল্যৰ বুকুভৰা আনন্দ অকণো নাই। স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাই বেগাৰ তো সি সীমাৰ পাছত সীমা অতিক্ৰম কৰি অসীমক উদ্দেশ কৰি তাৰ স্বাভাৱিক পথেদি পোনে পোনে। সংকীৰ্ণতাত তাক বান্ধি ৰাখিবলৈ চেষ্টা কৰা হয় কিয় ? এই খিনিতেইতো যিমানবোৰ অশান্তিয়ে পোখা মেলে।

আমি যেতিয়া কোনো এটা সিদ্ধি লাভৰ আশাত জীৱন পাত কৰিও কৃতকাৰ্য্য হব নোৱাৰি হতাশ হওঁ, তেতিয়াও আমাৰ লক্ষ্যটোক পৃথিৱীৰ এই সংকীৰ্ণতা ভেদ কৰি বৰ বহল এটা উদাৰতাত নি মিলাই দিয়াৰ চেষ্টাটোক কোনো কামৰ কথা বুলিয়েই ধৰি লব নোখোজোঁ। ইমান ডাঙৰ অনন্ত বিকাশশীল জীৱন-সম্বল এটাৰ সকলোখিনি ধনুক-ঘানাক মাথোন পৃথিৱীৰ চাৰি খুটিঁৰ মাজত শেষ কৰিয়েই আমি আমাৰ জীৱনটোৰ অপৰিপক্ক আনন্দ উপভোগ কৰোঁ।

জীৱনৰ সঠিক সন্ধানখিনি বুজিবৰ সেই প্ৰথম মুহূৰ্ত্তৰ পৰাই মানুহে কৈ আহিছে "মানুহৰ ভিতৰত আত্মা বুলি এটা বস্তু আছে। সেই আত্মাক কোনো ঠাইত বান্ধি ৰাখিবৰ উপায় নাই। তাৰ শক্তি অনন্ত আৰু সেই আত্মাৰ ভিতৰেদিয়েই মানুহ অনন্তত পৰিপূৰ্ণ"। অথচ, মানুহৰ ওচৰত আত্মাৰ এই অনন্তত্বটো মাথোন এটা মুঠিত লুকোৱা কথাৰ কথাহে হৈ আছে। তাৰ নিখুঁত চেহেৰাখনৰ বিমল সৌন্দৰ্য্যখিনি তৃপ্তি পলুৱাই ভোগ কৰিবলৈকে সি আচলকৈ কোনো দিনাই আকুল হৈ উঠা নাই। একফালেদি মানুহে বৰ ডাঙৰ দীঘল কথাৰে যদিও তাৰ মনটো সেইফালে ঢাল খুৱাবলৈকে চেষ্টা কৰা যেন দেখুৱাইছে, আনফালেদি আৰু তাক সংকীৰ্ণতাত পিটি পিটি ক্ৰমে সৰু কৰি তাৰ ইমান ডাঙৰ বিকাশৰ এটা অনন্ত আকুলতাক চেপি ৰাখিবলৈকে চেষ্টা কৰি অনন্তৰ কঠোৰ অভিশাপ ভোগৰ ফালেহে ক্ৰমে সি আগুৱাই গৈ আছে। এই দোষৰ বাবেই, মঙ্গলৰ দোহাই দি যদিও মানুহে সকলোখিনি কাম কৰি তাৰ দায়িত্ব শেষ কৰি থবলৈ বিচাৰিছে, তথাপি তাত ব্যাপক মঙ্গলৰ নিখুঁত বহনখিনি সি চৰাই তুলিব পৰা নাই।



মানুহে ভাবে, তাৰ জৈৱিক সফলতাৰ ক্ষেত্ৰখন এই পৃথিৱীত বাদে আন ক'তো নাই। সেইবাবে সি তাৰ মূলগত চাবেক নিয়মটোৰ মূৰত লঠিয়াই দি তাৰ অনন্তগামী গতিটো সংকীৰ্ণতাৰ তুলাচনীত জুখি হিচাব শেষ কৰি থৈ নিজেই পূৰ্ণতাৰ লগত তাৰ চিৰ-বিচ্ছেদ ঘটাব খুজিছে।

উন্নতিটোক মানুহে এনে এটা বস্তু বুলি ভাবিছে, যে ইয়াক তুলি-তালি ডাঙৰ-দীঘল কৰিবৰ সময়ত যেন অনন্তৰ অনুমোদন নহলেও হয়। অনন্তক চুটি কৰি লবলৈ সি ইমানেই চেষ্টা কৰিছে। ইমানেই ভুল তাৰ।

এই ভুলত পৰিয়েই মানুহে তাৰ হাতজোখা সীমাৰ ভিতৰত অসীমক সম্পূৰ্ণকৈ পাবলৈ আকাঙ্ক্ষা কৰিছে,—কিন্তু প্ৰত্যক্ষভাৱে

পাবলৈকে একো চেষ্টা কৰা নাই। অৰ্থাৎ মানুহৰ উন্নতিটোক সকলো ফালেদি অসীমৰ ফালে বঢ়াই দিবলৈ মন থাকিলেও, তাত প্ৰত্যক্ষ সিদ্ধিলাভৰ "হাতে-হাতে" পোৱা উপায়টো সম্বন্ধে সম্পূৰ্ণ উদাসীন আছে। সীমাৰ ভিতৰত যে অসীমৰ সোৱাদ একেবাৰে পোৱা নাযায় তেনে কথা কোৱা নাই। উপলব্ধিত সেইটো পোৱাৰ গম পোৱা যায় সঁচা। কিন্তু তাক প্ৰত্যক্ষভাৱে হাতে-হাতে পোৱা বুলি নকয়। মানুহৰ ইমান ডাঙৰ-দীঘল, আহল-বহল জীৱনটোৰ কোনো মুহূৰ্ত্ত এটাত জীৱনৰ স্বৰূপটো অলপমান উজ্জ্বল হৈ উঠিব পাৰে, কিন্তু সম্পূৰ্ণ জীৱনটো তাত পাবলৈকে কোনোমতেই আশা কৰিব নোৱাৰি। অথচ, সম্পূৰ্ণ পোৱাটোতহে মনুষ্যত্বৰো পূৰ্ণতা।

মানুহক ৰাজ্য লাগে,—সুবিধা তো চকুৰ আগতেই পৰি আছে;—সঙ্গোপনে ছল চাই, দুৰ্ব্বল দেখি, চোৰ নাইবা দৈত্যৰ নিচিনাকৈ ওপৰত জাপ মাৰি পৰি হাড় ভাঙি গুড়ি কৰি থৈ আন ৰাজ্যভোগী বেচেৰা এজনৰ আধিপত্যটো কাঢ়ি ললেই হল। মানুহক ধন লাগে,—ঐশ্বৰ্য্য লাগে,—বেপাৰ বাণিজ্য লাগে,—কিমান ছল পৰি আছে। সিদ্ধি খান্দি ঘৰৰ ভিতৰত সোমাব পাৰিলেই হল,—এজনৰ বেপাৰ-বাণিজ্য নানা অত্যাচাৰৰ শৰণ লৈ নষ্ট কৰিব পাৰিলেই হল। এইদৰে সকলোবিলাক স্বাৰ্থ আৰু প্ৰতিদ্বন্দ্বিতা সিদ্ধিৰ সুবিধাবোৰ মানুহে এই অকণমান পৃথিৱীখনৰ ভিতৰতেই ক্ষুদ্ৰকৈ বিচাৰি আহিছে আৰু সেইদৰে পাইও আহিছে। গতিকে, প্ৰত্যক্ষভাৱে সীমা ভাঙি খুন হৈ অসীমৰ ফালে খোজ লোৱাৰ



কষ্টটো সি গা-পাতি লব কিয়? অথচ "শুনি সাৰি ডাং-বাৰি" লোৱাৰ নিচিনাকৈ অস্পষ্ট কিবা এটাৰ কাৰণে অনন্তকাল ধৰি শক্তি খৰচ কৰি কৰিও প্ৰতিদানত একো ডাঙৰ ভাল বস্তু মানুহে পোৱা নাই। তথাপিতো সি বুজা নাই যে সেইটো তাৰ ভুল।

মানুহৰ স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাৰ বৰ ডাঙৰ-দীঘল আহল-বহল সিদ্ধিটো মাথোন অপূৰ্ণতাৰ সাৰ্থকতাক আশ্ৰয় কৰি নিজৰ গা বচাব পৰা শক্তিটোও ক্ৰমে সঙ্কুচিত কৰি তোলা বাবে, লগে লগে সি বিকৃতো হৈ যাব ধৰিছে। ইয়াৰ ফল ভালতো হোৱাই নাই, মানুহৰ এই সঙ্কীৰ্ণতাত মুখ-ঠেকেছা খাই পৰি-মৰা অত্যাচাৰত পৃথিৱীখনো এনে বিৰাট সিদ্ধিৰ বাবে ক্ৰমে অনুপযুক্ত হৈ আহিছে। মানুহৰ স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাৰ অসীম ভেদ কৰি চলি গৈ থকা আদৰ্শৰ আকাঙ্ক্ষাই সৰ্ব্বব্যাপক ভেটিটোৰ সুবিশাল ঠাই ডোখৰৰ সন্ধানত থিতি লব পৰা নাই।

অসীমৰ মৰ্ম্মস্থল ভেদ কৰি বাঁহী বাজিবই লাগিছে,—"তোমাৰ আদৰ্শটো মোৰফালে বঢ়াই এৰি দি থকাৰ আকাঙ্ক্ষা আৰু চেষ্টাটো অস্থি-মজ্জাগত কৰি লোৱা,—দেখিবা, জীৱনৰ কিমানখিনি ঠাইত তেতিয়া পূৰ্ণানন্দৰ ৰূপটো ভৰি উঠে।" কিন্তু মানুহে বঢ়াই দিয়া দূৰৰ কথা,—ক্ৰমে কোঁচাই সৰু কৰিহে লৈ যাব ধৰিছে। অনন্ত উন্নতিশীল আত্মা-সম্পন্ন মানুহৰ এইটো কম কলঙ্কৰ কথা নহয়!

মানুহৰ আদৰ্শটো অনন্ত পথেৰে অনন্তগামী কৰি চাই লবৰ চেষ্টাটো আজিলৈকে যে হোৱা নাই তেনে নহয়; কিন্তু সেইটো, মানুহৰ তেজ-মঙহ সম্বলিত অঙ্গ-প্ৰত্যঙ্গেৰে প্ৰত্যক্ষভাৱে হাতে-হাতে

পোৱা উপায়ৰ সন্ধান নকৰি, মাথোন আধ্যাত্মিকতাৰ পথেদি কৰিবলৈ যোৱাত, কেতিয়াও সফলতাৰ ওচৰ চাপিব পৰা নাই।

প্ৰবৃত্তি সমূহেই বিচিত্ৰ জীৱন-সৃষ্টিৰ মূল। কিন্তু সেই জীৱন সম্পূৰ্ণকৈ লাভ কৰিব লাগিলে, ভিতৰ আৰু বাহিৰৰ দৃশ্যমান আৰু অদৃশ্যমানৰ সামঞ্জস্যত সাৰটা-সাৰটিকৈ নচলিলে হব কেনেকৈ?

অনন্তৰ ৰাজ্যত অনন্ত ধন, ঐশ্বৰ্য্য পৰিপূৰ্ণ কিমান গ্ৰহ উপগ্ৰহ আছে। সেইবিলাকৰ সম্পূৰ্ণ ৰস, সম্পূৰ্ণ সৌন্দৰ্য্য মানুহে বা তাৰদৰে কোনো উন্নত জীৱে ভোগ কৰিব বুলিহে সেইবিলাক ইমান ঐশ্বৰ্য্য আৰু সৌন্দৰ্য্যপূৰ্ণ।

জগতৰ অকণমান ধূলি এটিৰো জীৱনী শক্তিটো কেন্দ্ৰগত হোৱা গতিকেই সি চাৰিওফালে সমানে বিকশিত হৈ উঠিব পাৰে।

অসীমৰ সংজ্ঞা আনে যি কি নিদিয়ক, মই কিন্তু দিওঁ, যে "অসীমৰ যি কোনো ঠাইত যি কোনো অংশত বিন্দু এটা ধৰি লোৱা হয়, সেইটোৱেই তাৰ কেন্দ্ৰ,—আৰু সেই কেন্দ্ৰৰ পৰাই বিকীৰিত হৈ অনন্তৰূপত অন্তহীন ফালেদি সি বিকাশ লাভ কৰে। এই কাৰণে, আমি আমাৰ মানুহৰ জীৱনটোকেই কেন্দ্ৰ ধৰি অন্তহীনৰ ফালে তাৰ বিকাশ লাভৰ গতিটো বলাই লৈ যাবলৈকে সাহ কৰিব পাৰোঁ।

মানুহে এই পৃথিৱী এৰি অনন্তৰ বুকুত জপিয়াই পৰি ক্ৰমে এটা এটাকৈ সকলো গ্ৰহ-উপগ্ৰহ, তৰা-নক্ষত্ৰত তাৰ অস্তিত্ব বিয়পাই দি তাৰ পৃথিৱীৰ সীমাবদ্ধ জ্ঞান-গৰিমাৰ পৰিসৰ অনন্ত-গামী কৰি লবলৈ আকাঙ্ক্ষা কৰাটোতেইহে মানুহৰ আনন্দ, তাতেই



হে মানুহৰ পূৰ্ণতা, তাতেইহে তাৰ সৃষ্টিগত প্ৰবৃত্তিসমূহৰ আকাঙ্ক্ষাৰো নিবৃত্তিৰ আশা কৰিব পাৰি। অথচ, এইখিনি নোহোৱাৰ কাৰণেই মানুহে পূৰ্ণতাৰ পৰিবৰ্ত্তে অপূৰ্ণতাৰ, আনন্দৰ পৰিবৰ্ত্তে নিৰানন্দৰ, মঙ্গলৰ পৰিবৰ্ত্তে অমঙ্গলৰ অভিশাপ তাৰ জ্ঞানোন্মেষৰ ঘাই মুহূৰ্ত্ত-টোৰ পৰাই ভোগ কৰি আহিছে।

মানুহ ইমানেই সৰু হৈ থকা উচিত নে, যে পৃথিৱীৰ বাহিৰে সি আৰু থিয় দিবলৈ ঠাই নাই? ইমানেই সি দুদিনীয়া বুলি ভবাটো উচিত নে, যে কালৰ প্ৰভাৱত এই পৃথিৱীখন ধ্বংস হৈ যোৱাৰ লগে লগে বিচিত্ৰ জ্ঞান-সৌন্দৰ্য্যময় তাৰ এই জীৱনটোও চিৰকালৰ কাৰণে ধ্বংস হৈ যাব? মানুহে সদায় বিশ্বাস কৰি আহিছে, যে তাৰ জীৱনটো অনন্ত বৈচিত্ৰ্যৰেই ভৰা। তেনেহলে, তাৰ এই বিচিত্ৰ বিকাশৰ তৃপ্তিটো মাথোন আধ্যাত্মিকতাৰ ধূঁৱলি-কুঁৱলী ৰাজ্যখনতে নিৰদ্ধ ৰাখি, দৃশ্যমান বাস্তৱ জগতৰ ফালে পাছ দি, মাথোন এই পৃথিৱীখনতেই তাক শেষ কৰি বহি থাকি আনন্দ পাবলৈ কৰা চেষ্টাটোক নো কোন ৰসজ্ঞই ভাল বুলি কব? যি ঠাইত পৃথিৱীৰ দৰে ঐশ্বৰ্য্য ভৰা অগণন গ্ৰহ-উপগ্ৰহ আছে,—যি বিলাকত মানুহৰ স্বাৰ্থপৰতা, প্ৰতিদ্বন্দ্বিতাৰ তৃপ্তি সাধন কৰা, নিত্য নতুন উন্মেষিত অভাৱবোৰ পূৰণ কৰা, বেপাৰ-বাণিজ্যৰ পিয়াহ পলুৱা, উপ-নিৱেশ স্থাপন কৰা, ৰাজ্য জয় কৰা, ৰূপতৃষ্ণা আদি আকাঙ্ক্ষাবোৰক বিবাট সাফল্য দি, আৰু সেইবোৰলৈ আধিপত্য বঢ়াই লৈ গৈ অসীম ব্যাপি মানুহৰ নতুন নতুন কৰ্ম্মক্ষেত্ৰ সাজি লোৱা ইচ্ছা বিলাকৰ সফলতাই প্ৰত্যক্ষভাৱে হাতে-হাতে পোৱা মুক্তি

ধৰি আগত থিয় হবহি পাৰে, সেইফালে মানুহৰ মন মেলি দিবৰ একো বাট নাই নেকি? মানুহৰ দৃশ্যমান বাস্তৱ সত্বাৰে অনন্তৰ আটাইবিলাক দৃশ্যমান বাস্তৱ সত্বাৰ লগত সংস্পৰ্শ ঘটাই, ৰসালাপ কৰি, তাৰ গোটেইখন প্ৰাণৰ গোটেইখিনি কথা বুজি লৈ, তাৰ গোটেইটো সীমাহীন শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গৰ গোটেই বিলাক অণু পৰমাণু গণি-পিটি লোৱাৰ চেষ্টাত যি আনন্দ, যি শান্তি, যি তৃপ্তি, যি পূৰ্ণতা, তাক মাথোন আধ্যাত্মিকতাৰ ফালৰ পৰা কৈ দিয়া সেই অতি পুৰণি বন্ধা গৎ কেইটা অকল আওৱাই মুখস্ত গাই বহি থাকিলেই পাব পাৰি নেকি? বৰং তাত একো জীণ নাযাব। কাৰণ, দৃশ্যমান জগতখনক তেনেই অৱহেলা কৰা হৈছে।

উপলব্ধিটো যে বৰ ডাঙৰ বস্তু তাত অলপো সন্দেহ নাই। কিন্তু সেই উপলব্ধিটোক মাথোন আধ্যাত্মিকতাৰ একলীয়া জালেৰে সম্পূৰ্ণকৈ পাবলৈ খুজিলে আপত্তি নকৰিবৰ একো হেতু নাই। কাৰণ, সি অঙ্গহীন।

ভাল বস্তুটো যিমানেই বেছি আৰু ডাঙৰ হয় তিমানেই ভাল। উপলব্ধিটোও ভাল বস্তু যেতিয়া সি যিমানেই বহল আৰু বিশাল হয়, সিমানেই মানুহৰ বিকাশ আৰু পূৰ্ণতাও বহল আৰু বিশাল হৈ দেখা দিব। কিন্তু অনন্তৰ নিজৰেই ৰূপ-ৰসময় বাস্তৱ দৃশ্যমান ফালটোক বাদ দি সম্পূৰ্ণকৈ তাক পাবলৈ আশা কৰাটো একৰকম অদ্ভুত কথা। অথচ, তাক সম্পূৰ্ণকৈ পোৱা-টোতহে মানুহৰো পূৰ্ণতা। এইদৰে ভিতৰ-বাহিৰ উদি কৰি অসীমক পাব পাৰিলেহে উপলব্ধিটোও তাৰ লগত সমানে ফেৰ মাৰিব পৰাকৈ মানুহক ধৰা দিব।



সম্পূৰ্ণকৈ অনন্তক পোৱাৰ অৰ্থই হৈছে প্ৰত্যক্ষভাৱে তাক 'হাতে হাতে' পোৱা। তাৰ প্ৰকাশ ৰহস্যৰ লগত মুখা-মুখি কৰি ধৰাধৰিকৈ চাব লাগিব তাৰ ৰূপ কি, ৰস কি;—ভীষণ নে সুন্দৰ,—কঠিন নে কোমল। ইমান বিৰাট জনা-শুনা এটা মাথোন আধ্যাত্মিকতাৰ ৰাজ্যত অকৰ্ম্মা হৈ বহি থাকিলে জানো হব পাৰে? আমি জানিবই লাগিব, বুজিবই লাগিব যে আধ্যাত্মিকতাৰ একলীয়া উপ-লব্ধিটোতকৈ প্ৰত্যক্ষভাৱে 'হাতে-হাতে' পোৱা বাস্তৱীয় উপলব্ধিটো কম ডাঙৰ, কম বহল, কম উদাৰ, কম বিৰাট নহয়। এই বাটেদি খোজ নললে মানুহে এইদৰে অনন্তক পোৱাৰ আশা ক'ত?

ইয়াক সম্পূৰ্ণকৈ পাবলৈ হলে আধ্যাত্মিক আৰু বাস্তৱ জগতৰ ভৰ জীৱনৰ তুলাচনীত সমান জোখত ৰাখি সকলো কাম চলাব লাগিব। অৰ্থাৎ কোনো ফালটো অৱহেলা কৰিলে নহব। যি ঠাইত এটা গধুৰ হৈ তলত পৰি আনটো পাতল হৈ ওপৰত উঠিবলৈ চেষ্টা কৰিব, তাতেই হাই-কাজিয়া, বেজাৰ-বেমেজালিৰ বাবে দুৱাৰখনো খোলা থাকিব। অৰ্থাৎ আধ্যাত্মিক জগতত আগুৱাবৰ চেষ্টাটো যিমান হব, বাস্তৱ জগতত আগুৱাবৰ চেষ্টাটোও সমানে সেই পৰিমাণৰ হব লাগিব। অৰ্থাৎ দুয়োটা নলী-গলীকৈ ওতঃপ্ৰোত হৈ আগুৱাব লাগিব। নহলে, এটাই কব—'মই তলত পৰি থাকিম কিয়? মই ইমানেই সৰু নে?' আনটোৱে কব—'চা, মই তোৰ ওপৰত উঠি বহিলোঁ, মই ভাল, তই বেয়া।' এইদৰে আধ্যাত্মিকতা আৰু বাস্তৱতা, দুয়োটা পিঠিৰ ভিতৰত হাইকাজিয়া লাগি মানুহৰ ঘাই ধৰণী-বস্তু পৃথিৱীখন আজিৰ দৰে কেৱল অশান্তিৰ

ঠাই হৈ পৰি থাকিব,—শান্তি কোনো দিনাই পৃথিৱীলৈ নামি নাহিব। ইয়াক বাধা দি ৰাখিবলৈ একো উপায় নাই। কাৰণ, ভিতৰ আৰু বাজ লৈয়েই অনন্ত নিজত পৰিপূৰ্ণ। একে সময়তে, একে মুহূৰ্ত্ততে, একে আনন্দতে, একে অৱস্থাতে সি ভিতৰ আৰু বাজ—এই বৈচিত্ৰ্যময় ছুপিঠিত আত্ম-বিকাশৰ সুতী ধৰি চলি আছে। যেতিয়ালৈকে মানুহে অনন্তক এই উপায়েৰে হাতে-হাতে পোৱা প্ৰত্যক্ষ উপলব্ধিত সমগ্ৰভাৱে সামৰি লব নোৱাৰিব তেতিয়ালৈকে এই 'ভিতৰ-বাজ' জ্ঞান সংকীৰ্ণ হলেও থাকিবই।

এদিন ভাৰতবৰ্ষই বাস্তৱৰ ফালে পাছ দি আধ্যাত্মিকতাক আশ্ৰয় কৰি অনন্তৰ বাটত খোজ পেলাই লৰ মাৰিব খুজিছিল, তাৰ স্বৰূপ আদায় কৰিবলৈকে। তাত ভাৰতবৰ্ষই অনন্তক হাতে-হাতে প্ৰত্যক্ষভাৱে আদায় কৰি লোৱাতো নহলেই, বৰঞ্চ, আজি এই ভীষণ পতনতহে পৰিল। আজি ইউৰোপে আধ্যাত্মিকতাক বনবাস দি বাস্তৱতাক সাৱতি ধৰি অনন্তগামী প্ৰাণৰ অতৃপ্ত হেপাহ পলু-ৱাব খুজিছে,—তাত ইউৰোপৰ বৰ্ত্তমান এই লক্ষ লক্ষ নৰ-হত্যাৰ ভীষণ বিভীষিকা,—মানুহৰ পৃথিৱীখনক পিশাচৰ ঠাই কৰি তুলিলে। যিমান দিনলৈকে মানুহে এটাৰ ফালে পাছ দি আনটোক কোলাত তুলি লৈ, তাৰ অনন্তগামী আত্মাৰ পিয়াহটোক পৃথিৱীৰ সীমা ভাঙ্গি লৈ গৈ অনন্তক হাতে-হাতে পোৱা প্ৰত্যক্ষ জ্ঞানৰ দ্বাৰা পৰিতৃপ্ত কৰাৰ বাট নিবিচাৰিব, তিমান দিনলৈকে বিষম হাইকাজিয়াৰ সৰ্ব্বনাশী জুইকুৰাও পৃথিৱীত জ্বলি থাকিব,—আৰু মানুহে সেই যজ্ঞত জীৱন বলি দি দি চিৰকাল নানা অশান্তি ভোগ কৰি থাকিবই লাগিব।



কি হিন্দু ধৰ্ম্ম, কি বৌদ্ধ ধৰ্ম্ম, কি খ্ৰীষ্টিয়ান ধৰ্ম্ম, কি ইচলাম ধৰ্ম্ম—সকলো বিলাক ধৰ্ম্মৰ বুৰঞ্জী চালেই বুজিব পাৰি, যে পৃথিৱীত পৰিয়েই, প্ৰথমতে কিছু দিন বিপুল তেজেৰে, অপাৰ উত্তেজনাৰে পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰলৈকে জীৱনৰ এটা বিৰাট চেতনাৰ আলোড়ন তুলিছিল। কিন্তু, কিছুদিনৰ পাছত সেই গতি হঠাৎ স্তব্ধ হৈ বৈ গ'ল। প্ৰত্যেকটো ধৰ্ম্মৰে প্ৰথমৰ সেই ডেকা তেজৰ ভিতৰত স্থবিৰতাৰ বিহ সোমাল,—আগৰ সেই মাধুৰী, সেই সৌন্দৰ্য্যৰ ওপৰত কদৰ্য্যতাৰ ছাঁয়া পৰিল। ইয়াৰ কাৰণ কি? মানুহৰ অনন্তশীল জীৱনৰ লগত অনন্তৰ হিচাবটো এই প্ৰণালীৰে কৰি উলিয়াবলৈকে চেষ্টা নকৰাটোৰ বাহিৰে নো আৰু কি কাৰণ হব পাৰে?

কোনো বস্তু নাইবা মানুহৰ শৰীৰৰ অঙ্গ-প্ৰত্যাঙ্গাদিৰ সামঞ্জস্যৰ লগত সৌন্দৰ্য্যৰ সামঞ্জস্য সমান পৰিমাণে মিহলি হৈ নাথাকিলে তাক সুন্দৰেই বা বুলিম কিয়, আৰু ভালেই বা বুলিম কিয়? অনন্তক ভিতৰে-বাহিৰে সমানে প্ৰত্যক্ষভাৱে পাবলৈ আকাঙ্ক্ষা নকৰা পথটোত সামঞ্জস্যও নাই, গতিকে সৌন্দৰ্য্যও নাই। য'ত সৌন্দৰ্য্যটো আহত হয়, তাত তৃপ্তিটোৱো ঘাটি পৰে। অনন্ত গতিশীল মানৱাত্মাই এনে অঙ্গঘাতী তৃপ্তিত সোৱাদ নাপায়।

অভাৱৰ আকুলতা জন্মাব পাৰিলেই ইয়াত সিদ্ধি লাভ কৰাৰ বাট-টোও উজু হৈ আহিব। অভাৱবোধটো যিমানেই ডাঙৰ হব, তাক পুৰণ কৰা আৱিষ্কাৰৰ দিহাটোও তিমান ডাঙৰ হৈ ওলাই দেখা দিব। কিন্তু এই অভাৱটো অকল অনুভৱ কৰিব লগীয়া বস্তুই নহয়। এটা

নিৰ্দ্দিষ্ট লক্ষ্যলৈকে নিৰ্দ্দিষ্ট এটা বাট ধৰি ইয়াক অনুভৱ কৰাৰ নিখুঁত প্ৰণালীও মানুহে জানিব লাগিব।

অভাৱ অনুভৱ কৰাৰ প্ৰণালী জানিলে জগতত এনে কোনো বিষয় নাই, যিহত মানুহে সিদ্ধি লাভ কৰিব নোৱাৰে। এনেকি, মানুহৰ বৰ্ত্তমানৰ অঙ্গ-প্ৰত্যঙ্গাদিৰ আকাৰ পৰ্য্যন্তও ইয়াতকৈও কাৰ্য্যক্ষম কৰি সি সলাই লব পাৰে। অৱশ্যে, ইয়াত মানুহৰ চাৰিওফালৰ প্ৰাকৃতিক অৱস্থাৰ সহানুভূতিও লাগিব। কিন্তু আমাৰ চাৰিওফালৰ প্ৰাকৃতিক অৱস্থাটোকো আমাৰ মনোমতকৈ গঢ় দি লবৰ ক্ষমতা আমাৰ হাততেই আছে। পুৰণি সংস্কাৰৰ ঢাকনি গুচাই অলপ ওপৰলৈ চকু মেলি চাব পাৰিলেই সকলো উজ্জ্বল হৈ উঠিব।

মানুহে ইমান কাল পৃথিৱীৰ সীমাৰ ক্ষুদ্ৰতাৰ ভিতৰত থাকিও বুদ্ধি খটাই নানা বৈজ্ঞানিক কৌশলৰ যন্ত্ৰ-পাতি আৱিস্কাৰ কৰিছে। কিন্তু সেই বিজ্ঞান বিলাকক বৰ এটা বিৰাটত্বৰ ফালে লৈ গৈ সম্পূৰ্ণ সফলতা এটাত নি পেলাই দিব পৰা তো নাইয়েই, চেষ্টাও কৰা নাই। মূৰৰ ঘাম মাটিত পেলাই মানুহে বায়ুজান, জলজান, স্থলজান, কামান-বন্দুক, সুকুমাৰ কলা ইত্যাদি আৰু কিমান কি আৱিস্কাৰ কৰিছে, আৱিস্কাৰ কৰিব ধৰিছে, আৰু আৱিস্কাৰ কৰিবলৈকে গভীৰ চিন্তাত মগ্ন হৈছে, মাথোন পৃথিৱীৰ দৰে ক্ষুদ্ৰ সীমা এটাৰ ভিতৰত ফুৰি-চাকি তাৰ আয়ু নিঃশেষ কৰি সাৰ্থকতা লাভ কৰিবলৈকে নে কি? মানুহৰ এই আৱিস্কাৰ বিলাক পৃথিৱীৰ সীমাবদ্ধ ক্ষুদ্ৰতাৰ হাত এৰুৱাই নি, এটা গ্ৰহ-উপগ্ৰহৰ পৰা নি আন এটা গ্ৰহ-উপগ্ৰহত, এখন সৌৰ



জগতৰ পৰা নি আন এখন সৌৰ-জগতত মেলি দি অনন্তৰ চুক-কোণ বিলাকৰ লগত চিনা-পৰিচয় ঘটাই ভিতৰ-বাহিৰ জুৰি অনন্তত পৰিপূৰ্ণ হৈ উঠিবলৈকে মানুহৰ একো ক্ষমতা নাই নেকি? নিশ্চয় আছে। আমাৰ এই অকণমানি পৃথিৱীখনৰ পৰা অনন্তৰ আন বিলাক অগণন গ্ৰহ-উপগ্ৰহ আদি পৃথিৱী বিলাকলৈকেও গৈ বিজয়-দুন্দুভি বজাই আগুৱাই যোৱাৰ ক্ষমতা মানুহৰ অৱশ্যে আছে। কিন্তু সেইফালে মানুহৰ ইমান দিনলৈকেও চকু যোৱা নাই, কাৰণ, তাৰ সকলোখিনি শক্তি তাৰ হাতজোখা পৃথিৱীখনৰ সীমাৰ ক্ষুদ্ৰতাৰ পেটত সোমাই কণা হৈ পৰি আছে।

মানুহৰ ভিতৰত এনে এটা বস্তু আছে, যি তাৰ চাৰিওফালৰ অনন্ত পৰিৱেষ্টনতকৈ কোনো বিষয়ত সৰু নাইবা হীন নহয়। একফালে অনন্তক বাখা আৰু আনফালে অনন্ত আত্ম-যুক্ত মানুহক ৰাখা,—দেখিবা, মানুহক তলত পেলাই অনন্ত কেতিয়াও ওপৰত উঠিব নোৱাৰিব। ইমান ডাঙৰ মানুহৰ মনুষ্যত্ব বুলিবৰ অনন্ত-জীৱনশাল বস্তুটো, চুঙা এটাৰ ভিতৰত সোমাই থাকি সুখ পাব পাৰে নেকি? মানুহৰ চিন্তা, মানুহৰ চেষ্টা ক্ৰমে এনে ভাৱৰ হৈ আগ নাবাঢ়িলে মানুহে বিশ্বজনিন প্ৰাণী বুলি কবলৈকে সাহ কৰে কেনেকৈ?

মানুহে প্ৰথমৰ পৰাই কিমাননো হা-হুতাশ কৰি আহিছে,—আগুৱাই যোৱাৰ নামত কিমান নো চেষ্টা কৰি আহিছে; কিন্তু সকলো চেষ্টা তাৰ পণ্ড হৈছে,—খোজে পতি উৰ্জ্জতি-আফাল খোৱাৰ বাহিৰে অনন্ত শক্তিশালী আত্মশীল অপৰাজেয় বীৰৰ দৰে

এক খোজো সি আগুৱাব পৰা নাই। কিছুদূৰ আগুৱাই যোৱা যেন দেখুৱাই, তাৰ পাছতে সি ভাগি পৰিছে। এইদৰে আজন্মকাল মানুহ চলি আহিছে—অনন্তৰ লগত এই বাটেদি পৰিচয় হবৰ একো চেষ্টা হোৱা নাই বুলিছে।

প্ৰবৃত্তিৰ পিয়াহ চৰিতাৰ্থ কৰিবলৈকে মানুহে মাথোন তাৰ সীমাবদ্ধ পৃথিৱীখনৰ মানুহৰ লগত প্ৰতিদ্বন্দ্বিতা চলাই একে সমান বস্তু এটাৰ লগতহে নিজৰ প্ৰতিপত্তিশালীত্ব প্ৰমাণীত কৰিবলৈ চেষ্টা কৰি আহিছে। তাৰ স্বাৰ্থপৰতা চৰিতাৰ্থ কৰিবলৈকে, তাৰ প্ৰতিদ্বন্দ্বিতা চলাবলৈকে যেন তাৰ পৃথিৱীখনতকৈ আৰু আন কোনো ডাঙৰ ঠাই নাই। আন এটা তাৰ ডাঙৰ প্ৰতিদ্বন্দ্বী, যাৰ লগত সংস্পৰ্শ ঘটিলে পূৰ্ণতাৰ পৰিতৃপ্তিলৈ আগ বাঢ়ি যাব-লৈকে বৰ বিশাল প্ৰশস্ত বাট এটা মুকলি হৈ বৈচিত্ৰ্যময় অনন্তৰ বিকাশ-ৰহস্য উদঘাটিত হৈ উঠিব পাৰে, সেইফালে মানুহৰ কোনো চিন্তাধাৰাই বৰলৈ নোখোজে। কিন্তু মানুহৰ লগত মানুহৰ, অৰ্থাৎ সমানৰ লগত সমানৰ প্ৰতিদ্বন্দ্বিতা চলিব পাৰে কেনেকৈ? তেনেহলে, প্ৰতিদ্বন্দ্বিতা শব্দটোৰ একো অৰ্থই নাথাকে।

যিজনে প্ৰতিদ্বন্দ্বিতা চলাব, তাতকৈ প্ৰতিদ্বন্দ্বিতজন নিশ্চয়কৈ ডাঙৰ হব লাগিব। তেহে সফলতাইও বিশেষ ডাঙৰ হৈ দেখা দিব। মানুহ মানুহৰ লগত সদায় সমান। সমানে সমানে প্ৰতিদ্বন্দ্বিতা চলিব নোৱাৰে, আৰু চলালেও একো ডাঙৰ ফলৰ প্ৰাপ্তি নঘটে। অথচ, মানুহে তাৰ এই ক্ষুদ্ৰ পৃথিৱীৰ সীমাৰেখাৰ ভিতৰতে তাৰ প্ৰতিদ্বন্দ্বিতাটোক মানুহৰ ওপৰত লগাই দি বৰ



ডাঙৰ সিদ্ধি একো তো লাভ কৰিব পৰা নায়েই, তাৰ অনন্ত গতিশীল প্ৰবৃত্তি এটাৰো স্বাভাৱিক আয়ু খৰ্ব্ব কৰিছে। সৃষ্টিৰ ঘাই উপাদান প্ৰবৃত্তিৰ অসীম গতিৰ উৎসাহটোক এইদৰে পৃথিৱীৰ ক্ষুদ্ৰতাৰ চেপাত পেলাই ৰাখিবলৈ চেষ্টা কৰাৰ বাবেই পৃথিৱীৰ পৰা হাই-উৰুমি, অশান্তি-উৎপাতবোৰ নুগুচা হৈছে। যিমান দিনলৈকে মানুহে সমান ঠাইত সমানৰ লগত সমানে সমানে প্ৰতিদ্বন্দ্বিতা চলাই প্ৰবৃত্তিৰ অসীমগামী গতিটোক সীমাৰ ভিতৰত আৱদ্ধ কৰি ৰাখিবলৈকে চেষ্টা কৰি থাকিব, তেতিয়ালৈকে মানুহৰ মাজৰ পৰা অশান্তিৰ উৎপাতবিলাকো নুগুচিব আৰু মানুহে ভিতৰ-বাহিৰ সম্মিলীত বিৰাট শাৰীৰিক আকৃতিৰে বিশ্বজনিন হৈ উঠিবলৈকেও সুবিধা কৰি লব নোৱাৰিব।

পৃথিৱীবাসী সকলোবিলাক মানুহৰ বৈচিত্ৰ্য গোট খাই একেটা মানৱ সমাজ। নিজৰ ভিতৰত নিজে বিৰোধ জগাই নিজকে খণ্ড-বিখণ্ড কৰি ধ্বংস পাবলৈকে কৰা মুৰ্খতাৰ বিৰুদ্ধে মনুষ্যত্বৰ কাৰ একো প্ৰতিবাদ নাই নে কি? আহা! আমি পৃথিৱীৰ আটাই-বিলাক মানুহে এক গোট বান্ধি আমাৰ ভিতৰৰ সৰ্ব্বনাশী বিৰোধৰ কাৰণটো আমি পৃথিৱীৰ সীমা ভাঙি উলিয়াই দিওঁ—পৃথিৱীবাসী মানুহ সশৰীৰে দৃশ্যমান বাস্তৱ অনন্তৰ প্ৰতিদ্বন্দ্বী হৈ উঠোঁ;—অনন্তৰ সকলোবিলাক গ্ৰহ-উপগ্ৰহত আমাৰ অস্তিত্ব মেলি দি তাৰ লগত প্ৰত্যক্ষ জনা-শুনা হোৱাৰ বাট উজু কৰোঁ। আমাৰ পৃথিৱীখনৰ দৰেই অন্যান্য গ্ৰহ-উপগ্ৰহবিলাকৰ ৰূপ-সৌন্দৰ্য্য-বিলাকৰ পৰা বঞ্চিত হৈ আমি ইয়াৰ ক্ষুদ্ৰতাতেই ৰূপ-সৌন্দৰ্য্যৰ

অধিকাৰ লৈ হাই-কাজিয়া কৰি মৰোঁ কিয় ? অৰ্থাৎ সৃষ্টিৰ যাই উপাদান প্ৰবৃত্তিৰ পৰা যেতিয়া হাত সাৰিবৰ উপায়েই নাই, আৰু সেই প্ৰবৃত্তিসমূহৰ গতিবোৰো যেতিয়া অনন্তগামী,—তেতিয়া তাৰ গতি-বেগ, ক্ষুধা-পিয়াহ জোৰকৈ এই ক্ষুদ্ৰ পৃথিৱীৰ আমাৰ ভিতৰতেই ভোটাকৈ ৰাখিবলৈকে চেষ্টা কৰি অশান্তিত ঘুৰি থাকিবলৈ মন কৰোঁ কিয় ?

স্বাৰ্থপৰতা আৰু প্ৰতিদ্বন্দ্বিতাক এইদৰে খণ্ডতাৰ পৰা উলিয়াই নি অখণ্ড বিশালতাত পেলাই, সীমাৰ পৰা বগৰাই লৈ গৈ অসীমৰফালে এৰি দিয়াৰ ফালে দৃষ্টি ৰাখিলেহে সীমাবদ্ধ পৃথিৱীত শান্তি স্থাপনৰ আশাপ্ৰদ কল্পনা কৰিব পাৰি ; অৰ্থাৎ অসীম গতিশীল প্ৰবৃত্তিৰ হেপাহটো সীমাৰ মথাউৰি কাটি অসীমত নি লগাই দিব পাৰিলে, সীমাত আপোনা আপুনি শান্তি স্থাপিত হব।

এইবাৰ বাৰিষাত দিখৌ নৈৰ পানী সোমাই * ডিব্ৰুগড় নগৰ বুৰাই পেলাই যি উৎপাতখন কৰিলে, সেইটোৱেই এই তত্ত্বৰ সত্যতাত ভাল প্ৰমাণ দিছে। দক্ষিণফালৰ পকা আলিটো কাটি যদি পানীখিনি বাহিৰলৈ ওলাই যাবলৈ বাট উলিয়াই দিয়া নহলহেঁতেন, তেন্তে এই বদ্ধ পানীখিনিয়ে যে ডিব্ৰুগড় নগৰৰ কিমান অনিষ্ট সাধিলেহেঁতেন, সেইটো চিন্তাশীল মানুহ মাত্ৰেই বুজিব পাৰে।

অনন্তৰ যি বাস্তৱ দৃশ্যমান অংশটো পৃথিৱীৰ মানুহৰ ওচৰত ধৰা পৰিছে, তাতেই তাৰ সমগ্ৰ চেহেৰাটো প্ৰত্যক্ষভাৱে পাবলৈ

* এই চনত দিখৌ আৰু ব্ৰহ্মপুত্ৰৰ বানপানীয়ে ডিব্ৰুগড় নগৰখন বুৰাই পেলাই নগৰবাসীক বহুত অসুবিধাত পেলাইছিল।



আশা কৰাটো একো কথাৰ কথা নহয়। অংশই কেতিয়াও সমগ্ৰতাৰ ৰূপটোক ধৰাই দিব নোৱাৰে।

সীমাবদ্ধ পৃথিৱীৰ মানুহে অনন্তৰ যিখিনি দেখি আজি আত্মানন্দত পৰি আছে, তাত অনন্ত শক্তিযুক্ত আত্মাশীল মানুহে সমগ্ৰতাৰ লগত চিৰ অপৰিচিত থাকি মাত্ৰ অংশ এটাতেই তাৰ অনন্তগামী আনন্দটো তৃপ্ত কৰি সমগ্ৰতাৰ ওচৰত নিৰাশ্ৰয়তা দেখুৱাই মাত্ৰ অংশৰ অপূৰ্ণতাৰহে মৰ্য্যাদা বঢ়াই চলিছে। মাথোন এখন হাত বা ভৰি এখন দেখি জীৱ এটাৰ সমগ্ৰতাৰ তত্ত্ব বুজি পোৱা নাযায়, অথচ, এই সমগ্ৰতাক অনন্ত আত্মাসম্পন্ন মানুহৰ জ্ঞান-চেতনাৰ আয়ত্বা-ধীনলৈ অনাটোতেই মানুহৰ পূৰ্ণতা।

মানুহে অভাৱ অনুভৱ কৰিব জানিলেই, এইদৰে সীমা ভাঙি ভাঙি তাৰ নিজস্ব বিকাশটোও আগুৱাই লৈ গৈ থাকি সি ক্ৰমে পূৰ্ণতাত উপস্থিত হোৱাৰ উপায়টোও আৱিষ্কৃত হৈ আহিব ; আৰু সেই অভাৱটো মানুহে অনুভৱ কৰিব লাগিব তাৰ এই পৃথিৱীৰ সীমাটো অতিক্ৰম কৰি।

মানুহে বিজ্ঞানৰ পথেৰে বায়ুজান আৱিস্কাৰ কৰিছে। কিন্তু তাকো পৃথিৱীখনৰ ভিতৰতেই তাৰ সমান জীৱ মানুহৰ লগত যুদ্ধ-বিগ্ৰহ আৰু নৰহত্যা আদি চলোৱাৰ ফালে দৃষ্টি ৰাখিহে। তাতকৈ ডাঙৰ উদ্দেশ্য-সংযুক্ত অভাৱবোধ লৈ এই আৱিস্কাৰৰ পৰি-কল্পনা মানুহৰ মনত উদয় হোৱা নাই। এই বায়ুজানেৰেই যে মানুহে সশৰীৰে অনন্তৰ অন্যান্য সকলোবোৰ ঐশ্বৰ্য্যপূৰ্ণ গ্ৰহ-উপগ্ৰহৰ লগত প্ৰত্যক্ষভাৱে জনা-শুনা হৈ অনন্তৰ সৃষ্টি ৰহস্যক

হাতে-হাতে লাভ কৰা স্থায়ী আনন্দ এটাও পাব পাৰে, এনে ধাৰণা-চিন্তা মানুহৰ মনত আজিলৈকে সোমোৱা নাই। প্ৰথমতে বায়ুজানৰ দৰে কিবা এটা আৱিস্কাৰৰ কথা যেতিয়া মানুহৰ মনত উঠে, তেতিয়াও সি এই কথা ভবা নাই। সি মাত্ৰ ভাবিছিল, এই পৃথিৱীৰ সীমা কটা বুকুখনতেই এই আৱিস্কাৰেৰে সি কেনেকৈ আনবোৰক মাৰি খাস্তাং কৰি মনোজগতত বিভীষিকাৰ ধল ঢালি দি আচৰিত মনাই ধন্য ধন্য আদায় কৰি লব পাৰে। ইয়াত, অনন্তভাৱে বিচিত্ৰ বিকাশত মুহূৰ্ত্তে মুহূৰ্ত্তে বিচিত্ৰ সৌন্দৰ্য্য ব্যক্ত কৰি প্ৰফুল্লিত হৈ উঠি থকা সৃষ্টিখনলৈ পাছ দি পৃথিৱীৰ ক্ষুদ্ৰ এখন জেওবাৰ ভিতৰত মাথোন মানুহৰ অসীম ধাৱমান গতিৰ উদ্যমটো বান্ধি ৰখাৰ চেষ্টা হৈছে, যদিও ভিতৰৰ পৰা সি মানুহক সশৰীৰে আগবাঢ়ি গৈ থাকিব-লৈকে অহৰহ উদগনি দিবই লাগিছে। এইটো চুটিকৈ আগতে উল্লেখ কৰা হৈছে। মানুহে ক্ষুদ্ৰতাত আবদ্ধ হৈ থকাৰ বাবেই এই উদগনিৰ সি গম পোৱা নাই। মানুহৰ ইয়াতকৈ অপূৰ্ণতাৰ প্ৰমাণ আৰু একো নাই। কিন্তু এই অপূৰ্ণতা মানুহৰ চিৰকলীয়া বস্তু নহয়। এই অপূৰ্ণতাৰ পৰা মানুহে এদিন নহয় এদিন বেহাই পাবই লাগিব,—অপূৰ্ণতাৰ পাছত অপূৰ্ণতা শেষ কৰি গৈ গৈ সশৰীৰে মানুহ অনন্তগামী বিশ্বজনিন ৰূপত জিলিকি উঠিবই লাগিব,—মানুহৰ এই বাস্তৱ সত্তাটো অনন্ত-বাস্তৱভাতী কৰি তুলিবই লাগিব। এইদৰে গ্ৰহৰ পৰা গ্ৰহান্তৰলৈকে সশৰীৰে আগুৱাই গৈ থকা বিচিত্ৰ হাৱা-পানীৰ সংস্পৰ্শৰ প্ৰভাৱত মানুহৰ এই পৃথিৱীখনৰ হাতজোখা হাৱা-পানীত পোৱা হাতজোখা আয়ুসটোও অনন্তৰ বিচিত্ৰ হাৱা-



পানীৰ প্ৰভাৱত টিকি থাকিব পৰা অনন্ত-আয়ুসৰ আশীৰ্ব্বাদ লাভ কৰিব পাৰিব ;—আৰু এই পৃথিৱীৰ চুঙাটোৰ ভিতৰত লাভ কৰা তাৰ অসম্পূৰ্ণ জ্ঞান-বিজ্ঞান আৰু চিন্তা-ধাৰণাৰ সূত্ৰবিলাকবো বিশাল হাৱা-পানীৰ বহল অভিজ্ঞতাত পৰি ভুলবোৰ সংশোধিত হৈ ক্ৰমে পূৰ্ণতাৰ ওচৰ চাপি যাবলৈকে সুবিধা হব।

মুঠৰ ওপৰত, প্ৰৱৃত্তিবিলাকেই হৈছে সৃষ্টিৰ ঘাই উপাদান। প্ৰৱৃত্তিক একোপধ্যেই নিৰোধ কৰিব নোৱাৰি। সৃষ্টিৰ গতিও অনন্ত, প্ৰৱৃত্তিৰ গতিও অনন্ত। প্ৰৱৃত্তি নহলে সৃষ্টি হব নোৱাৰে, আৰু সৃষ্টি নহলেও প্ৰৱৃত্তি থাকিব নোৱাৰে। য'ত সৃষ্টি তাতেই প্ৰৱৃত্তি,—আৰু য'ত প্ৰৱৃত্তি তাতেই সৃষ্টি। মানুহে তাৰ অনন্ত গতিশীল প্ৰৱৃত্তিবিলাকৰ নিৰ্ব্বিকাৰ পৰিতৃপ্তিটো ক্ষুদ্ৰতকৈও ক্ষুদ্ৰ কৰি কোঁচাই লৈ পৃথিৱীখনৰ ক্ষুদ্ৰতাৰ ভিতৰতেই তাক ঘুৰাই-পকাই অতৃপ্তিৰ আঘাতবিলাক দি ৰখাত ব্যস্ত আছে বাবেই পৃথিৱীৰ পৰা অশান্তিও লুগুচা হৈছে, আৰু মানুহো তাৰ অনন্ত-আত্মশীলতাৰ জীৱন্ত ৰূপেৰে বিশ্ব-বিচৰণকাৰী হৈ উঠিব পৰা নাই। মানুহে তাৰ অনন্ত আত্মশীল প্ৰৱৃত্তিৰ অনন্ত বিকাশশীলতাক এইদৰে খৰ্ব্ব কৰি সৰু হৈ সি জীয়াই থাকিব নোৱাৰে। এই ভাৱৰ ইঙ্গিতো আগতে দি অহা হৈছে।

সেইবাবে, মানুহে পৃথিৱীত শান্তি স্থাপন কৰিবলৈ হলে, তাৰ প্ৰৱৃত্তিবিলাকৰ অতৃপ্ত হেপাহ বিলাক, যিবিলাকেই ঘাইকৈ পৃথিৱীত পৰিতৃপ্তি বিচাৰি অশান্তিকেই সৃষ্টি কৰি আছে, পৃথি-ৱীৰ সীমা একৰাই বাহিৰলৈ উলিয়াই দিব লাগিব এই বুলি, যে

তাৰ প্ৰবৃত্তিবিলাক পৰিতৃপ্ত কৰা সম্বল পৃথিৱীত নাই,—তাৰ প্ৰবৃত্তি সমূহৰ অনন্ত-গতিশীল তৃপ্তি চৰিতাৰ্থ কৰা পৰিমাণৰ ধন-ঐশ্বৰ্য্য, ৰস-ৰূপ পৃথিৱীত নাই,—তাৰ যুদ্ধ কৰি ৰাজ্য জয় কৰাৰ, প্ৰতিযোগিতা চলোৱাৰ, ক্ষমতা প্ৰয়োগ কৰাৰ, প্ৰতিদ্বন্দী বিচৰাৰ বহল ক্ষেত্ৰও পৃথিৱীখন নহয়। গতিকে, পৃথিৱীৰ ভিতৰত তাৰ প্ৰবৃত্তিৰ তৃপ্তি বিচৰা সকলো পথ বন্ধ কৰি তাৰ গতিটো মানুহে পৃথিৱীৰ সীমা ভাঙি বাহিৰলৈ অন্যান্য গ্ৰহ-উপগ্ৰহৰ ফালে লক্ষ্য কৰি উলিয়াই দিব লাগিব। এইদৰে সীমাবোৰৰ ভিতৰত শান্তি থাপি থাপি মানুহে অনন্ত ব্যাপি শান্তি স্থাপনৰ উদ্দেশ্যে আগ বাঢ়ি গৈ গৈ সি অনন্তত সশৰীৰে বিচৰণশীল প্ৰকৃত বিশ্ব-মানৱীয় ৰূপত প্ৰতিভাত হৈ উঠিব লাগিব। মানুহ এই লক্ষ্যলৈকে নাগুৱালে পৃথিৱীত শান্তি স্থাপিত হবৰ একো আশা নাই।

আনফালৰ পৰাও এই লক্ষ্যৰ সাৰ্থকতা আছে। পৃথিৱীত মানুহৰ সংখ্যাৰ অতিবৃদ্ধিৰ বাবে, যেতিয়া মানুহৰ উদ্ভাৱিত অভিজ্ঞতা আৰু জ্ঞান-বিজ্ঞানৰ সহায়েৰে পৰ্ব্বত-সাগৰ মৰুভূমিবোৰ লুটি-পুটি সমান কৰিও মানুহৰ বাবে প্ৰয়োজনীয় পৰিমাণৰ খাদ্য আৰু আন ব্যৱহাৰীও বস্তু উৎপাদন কৰিব পৰা নহব, নাইবা কোনো এটা সময়ত পৃথিৱীখন চেঁচা পৰি সি মানুহ জী থকাৰ অনুপযোগী হৈ উঠিব, তেতিয়া এই পথত সাফল্য লাভ কৰিবলৈকে এতিয়াৰ পৰা মানুহ সচেতন আৰু সক্ৰিয় হৈ নুঠিলে, অন্যান্য গ্ৰহ-উপগ্ৰহলৈ গৈ মানুহে আত্মৰক্ষা কৰিবলৈকে অক্ষম হৈ, তাৰ



পৃথিৱীত সি লাভ কৰা জ্ঞান-বিজ্ঞান, সাহিত্য-কলা আদিৰ অসম্পূৰ্ণতা লৈয়েই সি ধ্বংস হৈ গৈ তাৰ অনন্ত গতিশীল আত্মাৰ অধিকাৰীত্বত নিজেই কলঙ্ক ঢালিব লাগিব। এই কথাৰো আভাস আগতে দি অহা হৈছে।

আমি আমাৰ পৃথিৱীৰ ঘৰখনতে দেখি আহিছোঁ,—পৰিয়াল এটাৰ ভাই-ভনী, পিতৃ-মাতৃৰ ভিতৰত ক্ষুদ্ৰ ক্ষুদ্ৰ কাৰণ লৈ মনোমালিন্য ঘটি থাকে। কিন্তু যেতিয়া পৰিয়ালটোৰ সকলোটিৰে উমৈহতীয়া স্বাৰ্থ এটা নষ্ট হবৰ উপক্ৰম হয়, তেতিয়া আটাইকেইজনে ঘৰৰ ভিতৰত সুমুৱাই ৰখা বিবাদৰ কাৰণটো মনৰ পৰা বাহিৰলৈ উলিয়াই আনি তাক সেই উমৈহতীয়া স্বাৰ্থটো ৰক্ষা কৰাত লগাই দিয়ে আৰু ঘৰখনত শান্তি স্থাপিত হয়। মানুহেও সেইদৰে, পৃথিৱীৰ পৰা তাৰ উমৈহতীয়া বাহিৰৰ কাৰণ এটালৈ লক্ষ্য ৰাখি তাৰ প্ৰবৃত্তিমূলক বিৰোধবিলাক পৃথিৱীৰ সীমা ভাঙি উলিয়াই দিব লাগিব। তেতিয়া পৃথিৱীত মানুহৰ ভিতৰত আপোনা-আপুনি শান্তি স্থাপিত হব। কিন্তু, পৃথিৱীখনতেই তাৰ অনন্তগামী প্ৰবৃত্তিক বান্ধি ৰাখি থৈ পৃথিৱীত শান্তি স্থাপনৰ আশা কেতিয়াও কৰিব নোৱাৰে।

বহু ক্ষেত্ৰত অমঙ্গলকাৰী ঘটনাৰ ভিতৰেদিয়েই মঙ্গল সৰকি আহি দেখা দিয়ে। কিন্তু তাক অমঙ্গল ভাবি ঘটনাটোৰ পৰিণামৰ শেষলৈকে বাট চোৱাৰ ধৈৰ্য্য নাৰাখিলে তাৰ পৰা উদ্ভৱ হোৱা মঙ্গলটো বুজিব নোৱাৰি।

আজি ইউৰোপৰ এই লাখ লাখ নৰহত্যাৰ ঘটনায়েই মানুহৰ

প্ৰবৃত্তিমূলক সকলো অশান্তি খণ্ডতাৰ পৰা তুলি নি বাহিৰলৈ উলিয়াই দি পৃথিৱীত শান্তি স্থাপন কৰিবলৈকে প্ৰশস্ত বাট উলিয়াই দিব।

এই মহাযুদ্ধৰ আগতে মানুহৰ মাজত বগা-কলা, স্বাধীন-অধীন, সৰু-ডাঙৰ আদি ভাৱৰ তীব্ৰতাই মানুহক মানুহৰ পৰা ঠেলি মাথোন সম্বন্ধহীন কৰাতেই ৰত আছিল। যেই মহাযুদ্ধৰ শিঙা বাজি উঠিল আগৰ কুসংস্কাৰবোৰ জোকাৰি পেলাই সকলো মানুহ এটা হৈ উঠিবলৈ গা দাঙি থিয় হ'ল। কাৰণ, এই যুদ্ধেৰেই মানুহক হত্যা কৰি ৰাজ্য দখল, ধন-সম্পত্তি, বেপাৰ-বণিজ লাভ কৰা প্ৰবৃত্তিটোৱে পৃথিৱীৰ ভিতৰত তৃপ্তি বিচাৰি সকলো মানুহৰে সাধাৰণ উমৈহতীয়া শান্তি ভঙ্গ কৰিছে।

কিন্তু, এই মহাযুদ্ধক আশ্ৰয় কৰি ঘটা মানুহৰ এই মহামিলনৰ সুযোগটো কোনো সাময়িক প্ৰয়োজনৰ কাৰণে বুলি ভাবি যদি পুনৰ তাক সেই পুৰণি সংস্কাৰত থানবান হবলৈ এৰি দিয়া হয়, তেন্তে মানুহৰ প্ৰগতিশীল গতিত কলঙ্ক পৰিব। এই সুবিধাটো মানুহে সাৰ্ব্বজনিন সমবেত চেষ্টাৰে আগুৰি ধৰি বেঢ়ি ৰাখিব লাগিব, যেন পলাব নোৱাৰে। এই সুবিধাটোক মানুহে তাৰ এটা অস্থি-মজ্জাগত স্থায়ী সম্পত্তি কৰি লব লাগিব। তেহে মানুহে সকলো বিলাক বিৰোধৰ হাত এৰাই তাৰ মনুষ্যত্বটো বিৰাটভাৱে ফুলাই তুলিবলৈকে বাট পাব।

অনন্ত জগতৰ তুলনাত এই একণিমান পৃথিৱীখন। তাতে আৰু মহাদেশেই বা কিমান, দেশেই বা কিমান, প্ৰদেশেই বা কিমান;—জিলা, মহকুমা, মৌজা, গাওঁ, চুবুৰি আদিয়েই বা কিমান বিভাগ। মানুহে ইমান দিনলৈকে সকলো পৃথিৱীবাসী মানুহক একেটা সমাজ ভুক্ত কৰি লৈ একেটা শাসন-প্ৰণালীৰ অধীনতালৈ আনি পৃথিৱীখনক একেখন ৰাষ্ট্ৰ বুলি একমুহুৰ্ত্তৰ বাবেও শাসন কৰিব কি, কল্পনাও কৰিব পৰা নাই। আজিলৈকেও পৃথিৱীৰ মানুহে তাৰ এবেগেত মান ঠাইখনৰ নিজে দিয়া নামটো পাহৰি গৈ,— উচ্চ-নীচ, কলা-বগা, ধনী-নিৰ্ধনী আদি বিচাৰৰ সঙ্কীৰ্ণতাৰ বাহিৰলৈ আহি 'আমি পৃথিৱীবাসী মানুহ' বুলি চিনাকিটো দিবলৈকেই সাহ কৰা নাই। এই মানুহেই আৰু কয়,—আমি ডাঙৰ সম্ৰাট, আমি শক্তিশালী শাসক,—আমাৰ শাসন ভাল, সিহঁতৰ শাসন বেয়া,—আমি ৰাজ্য শাসন কৰিবলৈ জানোঁ, সিহঁতে নাজানে,—আমি স্বাধীন, তহঁত অধীন,—আমি সাহী, সবল, তহঁত ভীৰু দুৰ্ব্বল—আমি ধনী, তহঁত দুখীয়া,—আমি বগা, তহঁত কলা। অথচ, এনে ক্ষুদ্ৰতাৰ কামোৰ এৰাব নোৱাৰিও অহঙ্কাৰত উন্মত্ত হৈ মানুহে কেতিয়াও লাজ অনুভৱ কৰা নাই। পৃথিৱীখনৰ বাহিৰলৈ গৈ অনন্তৰ অন্যান্য গ্ৰহ-উপগ্ৰহত নিজস্বৰ প্ৰভাৱ পেলাই দি মানুহে আমি শক্তিশালী, আমি ক্ষমতাপন্ন, আমি ভাল, আমি সাহী, আমি উপযুক্ত বুলি কলেহে কথাষাৰ বুকুৰ পটাখন বহল কৰি লৈ শুনিবলৈও ভাল লাগে।

মানুহে এটা পাক দি পৃথিৱীখন ঘুৰি আহিল, আৰু লগে লগে ভ্ৰমণ-বৃত্তান্ত উলিয়াই কেজনমানৰ ধন্য ধন্য ললে। মাটি খান্দি পুৰণি প্ৰত্নতত্ত্বৰ কঙ্কাল কেডুখৰিমান বাহিৰ কৰিলে, আৰু লগে লগে

তাৰ পিঠিত ধন্যবাদৰ বোজা উঠিল। ভৱিক মূৰ কৰি, মূৰক ভৰি কৰি ইতিহাসৰ পুথি এখন লিখি প্ৰকাশ কৰিলে,—জগতে নাম-যশৰ ভৰত লিখকৰ গাম্ভীৰ্য্য চৰি উঠিল। বিজ্ঞানৰ নতুন তত্ব এটা উলিয়ালে,—লগে লগে ধন্যবাদৰ উজান উঠিল। কিন্তু পৃথিৱীৰ এই হাত-জোখা জ্ঞান-সম্পদখিনিৰ লাভতেই মানুহৰ অনন্ত-অশান্ত আকাঙ্ক্ষাৰ পিয়াহটো পলাব পাৰে নে কি ?

মানুহে যদি অনন্তৰ বুকুত আমাৰ পৃথিৱীৰ দৰেই বিচৰণ কৰি থকা গ্ৰহ-উপগ্ৰহ বিলাক ঘূৰি আহি ভ্ৰমণ-কাহিনী লিখিলেহেঁতেন,—সেইবিলাকৰ ইতিহাস, প্ৰত্নতত্ব, অভিজ্ঞতা বিলাক গোটাই আনি পৃথিৱীত পেলাব পাৰিলেহেঁতেন,—আটাইখন ব্ৰহ্মাণ্ডৰ নাড়ী-নক্ষত্ৰৰ লগত মিলাই দৰ্শন-বিজ্ঞানৰ মূল-সূত্ৰ আৰু তত্ত্ববিলাক অনন্তৰ প্ৰত্যক্ষ পৰিধিৰ লগত সামঞ্জস্য লগাই প্ৰমাণবোৰ উপস্থিত কৰিব পাৰিলেহেঁতেন,—পৃথিৱীত নুফুলা, নেদেখা, নুশুনা সৌন্দৰ্য্য, অনুভূতি আৰু ভাৱবিলাকৰ বিচিত্ৰ ৰূপ আহৰণ কৰি কাব্য-সাহিত্যৰ বিচিত্ৰ ৰূপ-ৰসৰ ধাৰাৰে পৃথিৱীখন ওপচাই পেলাই মানুহক প্ৰত্যক্ষভাৱে সীমা এৰি ওলাই যাবলৈকে উদ্বাউল কৰি তুলিব পাৰিলেহেঁতেন, তেতিয়াহে মানুহৰ জ্ঞান-বিজ্ঞান, সাহিত্য-দৰ্শন বেহা-বেপাৰ আদিৰ পূৰ্ণতাৰ লগতে তাৰ জৈৱিক পূৰ্ণতাও লাভ হব পাৰে।

ইয়াত এটা প্ৰশ্ন উঠিব পাৰে, যে অনন্তৰ নিত্য-বিকাশশীল বাস্তৱ ফালটো এইদৰে প্ৰত্যক্ষভাৱে পাব লগীয়া জীৱ মানুহ নহবও পাৰে, এই বিষয়ত মানুহতকৈও যোগ্য জীৱ ব্ৰহ্মাণ্ডৰ কোনোবা কোণত থাকিব পাৰে। কথাটো অতি সঁচা,—থাকিব পাৰে,—আৰু এই



কাৰণেই, মানুহে পৃথিৱীৰ সীমা ভাঙি অৰ প্ৰবৃত্তি বিলাকৰ গতি অন্যান্য গ্ৰহ-উপগ্ৰহ বিলাকলৈ লক্ষ্য কৰি এৰি দিয়াৰ প্ৰয়োজন হৈছে তেনে উন্নত জীৱৰ সংস্পৰ্শ বিচাৰি। মানুহতকৈও বেছি জ্ঞান-চৈতন্য সম্পন্ন জীৱ সৃষ্টিত নিশ্চয় বহুত আছে। কিন্তু সেই বিলাক জীৱৰ লগত পৰিচিত হবলৈ নাপালে কথাটো প্ৰত্যক্ষ-ভাৱে সত্য হৈ উঠিব কেনেকৈ ?

আনফালে আৰু, তেনে জীৱৰ অস্তিত্বটোও পৃথিৱীৰ মানুহে আজিলৈকে স্বীকাৰ কৰা নাই,—হয়তো, তাৰ অভিমানত কিবা আঘাত পৰিব বুলি,—সকলো জীৱতকৈ পৃথিৱীত মানুহেই শ্ৰেষ্ঠ যেতিয়া, তেতিয়া তাতকৈ উন্নত কোনোবা জীৱ আন কৰবাত থকা কথাটো ভাবিবলৈ তাৰ দৰকাৰ নাই,—বুলি। কিন্তু, এই দুটাৰ যি কোনো এটা কাৰণেই হওক, মানুহে তাৰ বিৰাটত্ব উপলব্ধি কৰিবলৈকে তাৰ প্ৰবৃত্তি সমূহক তৃপ্তি বিচাৰি পৃথিৱীৰ সীমা ভাঙি উলিয়াই দিবই লাগিব। তাৰ বিৰাট জীৱনৰ বাবে, তাৰ জীৱনৰ স্থায়ীত্বৰ বাবে, অন্যান্য গ্ৰহ-উপগ্ৰহত তাতকৈ বিশিষ্ট ৰূপ লৈ বৰ্ত্তি থকা জীৱৰ লগত মানুহে পৰিচয় ঘটাবই লাগিব।

যেতিয়ালৈকে কোনো বস্তু এটাৰ সকলো আঁতি-গুৰি প্ৰত্যক্ষভাৱে জানি বুজি আমি আদৰ্শটো ধৰিব নোৱাৰোঁ, তেতিয়ালৈকে আমাৰ শাৰীৰিক আৰু মানসিক বৃত্তিবিলাকক সেই সাঁচত ঢালি গঢ় দি তুলিবলৈও আশা কৰিব নোৱাৰোঁ। পৃথিৱীৰ সীমা এৰি গৈ আগুৱাই থাকিলেহে মানুহে তেনে জীৱৰ লগত দেখা-সাক্ষাৎ কৰি তেনে আদৰ্শলৈকে ধাউতি জগাবলৈ সুবিধা পাব।

মানুহে ভাবিব পাৰে, যে সি পৃথিৱীৰ ভিতৰতেই পৃথিৱীৰ হাৱা-পানী আৰু প্ৰাকৃতিক অৱস্থাৰ দ্বাৰা লালিত-পালিত হৈ উঠা অৱস্থাটো আন গ্ৰহ-উপগ্ৰহ বিলাকত নহবও পাৰে। গতিকে, তাক সুশুজা অনিশ্চিত আৰু অপৰিচিত হাৱা-পানীলৈ মন মেলিলে তাৰ ধ্বংসহে হব। কিন্তু এই ভয়ত আৰষ্ট হবৰ একো কাৰণ নাই। এই আদৰ্শৰ ফালে লক্ষ্য ৰাখি মানুহে তাৰ জীৱনটো বহলাই লৈ যোৱা সাধনা হাতত ললে সি ক্ৰমে এনে এটা শক্তিৰ অধিকাৰী হব, যি শক্তিয়ে তাক ব্ৰহ্মাণ্ডৰ সকলো অৱস্থাৰ উপযোগী কৰি তুলিব।

সকলো আৱিষ্কাৰৰ মূল হৈছে অভাৱবোধ। এই বিষয়ত মানুহে অভাৱবোধটো আন্তৰিকভাৱে অনুভৱ কৰিলে, উপায় বিলাকো ওলাই থাকিব। মানুহে প্ৰকৃতভাৱে অভাৱবোধটো অনুভৱ কৰিব জানিলে, কেপুৰুষমান পাছত সি তাৰ এই দৈহিক আকৃতিৰো পৰিৱৰ্ত্তন ঘটাই লব পাৰিব,—এই কথাও আগতে কোৱা হৈছে।

পৃথিৱীৰ সীমা বন্ধা প্ৰাকৃতিক অৱস্থাৰ চেপা খাই খাই মানুহ এতিয়া সোনকালে বুঢ়া হৈছে, মৰিছে। কিন্তু গোটেইখন ব্ৰহ্মাণ্ডৰ গোটেইখিনি বিচিত্ৰ অৱস্থা তাৰ অনুকুল কৰি লব পাৰিলে, মানুহ ইমান সোনকালে বুঢ়াও নহব আৰু ইমান সোনকালে নমৰিবও। তেতিয়া সি ক্ৰমে বৰ ডাঙৰ-দীঘল জীৱনৰ গৰাকী হৈ গৈ থাকি শেষত এটা চিৰস্থায়ী জীৱনৰ গৰাকী হৈ উঠিব পাৰিব।

মানুহে এইটো অৱহেলা কৰিলে নহব। বৰ বিৰাট, বৰ উদাৰ কল্যাণ, মঙ্গল আৰু বিশ্ব-শান্তিৰ বাবে এই আদৰ্শলৈকে লক্ষ্য ধিয়াই সি আগুৱাই গৈ থাকিবই লাগিব। এই হাতজোখা পৃথিৱী খনৰ অশান্তিপুৰ্ণ ক্ষুদ্ৰতাত খুন্দা খাই খাই অনন্ত-আত্মাশীল



মানুহ আজি আত্ম-লোপৰ সন্ধিস্থলত উপস্থিত হৈছে। তাৰ শান্তি-পুৰ্ণ অনন্ত জীৱনৰ আহ্বানত এই আদৰ্শ সি লবই লাগিব।

কিন্তু এই আদৰ্শ-প্ৰাপ্তিত সিদ্ধি লাভ কৰাটো দুই এদিনৰ কাম নহয়। বিশেষ পৰিকল্পনা আৰু ধৈৰ্য্যৰ সৈতে ইয়াক সাধনা কৰি কৰি মানুহ আৰু পুৰণি হব লাগিব। এইটো বলিয়াৰ প্ৰলাপ বুলি উপলুঙা কৰিলে নহব। মানুহে এইদৰে চলিবলৈ সাজু হলেহে অশান্তিপুৰ্ণ পৃথিৱীখনত শান্তি স্থাপিত হব পাৰিব আৰু সিও বিশ্বজনিন জীৱন প্ৰত্যক্ষভাৱে লাভ কৰিব পাৰিব।

এই আদৰ্শক ধিয়াই আগুৱাব লাগিলে বৰ্ত্তমানৰ সমাজনীতি আৰু ৰাষ্ট্ৰনীতিয়ে কেনে গঢ় লৈ চলিব লাগিব, পাছত তাক আলোচনা কৰা হব। *

---

* এই বিষয়টো বহু উপমা আৰু ঘটনা আদি দি বিশ্লেষণ-মূলক ভাৱে ডাঙৰ পুথি এখন লিখি উলিওৱা হৈছিল, ইং ১৯১৭ চনৰ পৰা ইং১৯২০ চনলৈকে ৪ বছৰ চেষ্টা কৰি। কিন্তু মোৰ লিখিত আন পুথিৰ লগতে সেই খনো মোৰ ঘৰত এৰি থৈ স্বাধীনতাৰ অসহযোগ আন্দোলনত ইং১৯২১ চনৰ ১২ ফেব্ৰুৱাৰীৰ দিনা ৩॥ বছৰৰ বাবে মই গৈ জেলত সোমাওঁ, আৰু এই চনৰে ১০ মাৰ্চৰ দিনা ৰাতি ১টা বজাত জুই লাগি মোৰ ঘৰ আৰু মোৰ 'অৰুণা প্ৰেছ' ভস্মীভূত হয়। সেই জুইতেই মোৰ অন্যান্য লিখিত পুথিৰ লগতে এই পুথিখনো ভস্মীভূত হয়। ইং ১৯২১ চনৰ এই ১০ মাৰ্চৰ দিনটো মোৰ পক্ষে অতি স্মৰণীয় দিন। এই দিনাখনেই ভাৰতৰ সিমূৰত আহমেদাবাদত মহাত্মা গান্ধিক বৃটিছ-ৰাজে ৰাতি গ্ৰেপ্তাৰ কৰে, আৰু ইমূৰত

গুৱাহাটীত মই জেলত থকা অৱস্থাত সেই ৰাতিতে : টা বজাত মোৰ 'অৰুণা প্ৰেছ' 'চেতনা কাৰ্য্যালয়' ( যি 'চেতনা'ই ঘাইকৈ অসমত মহাত্মাৰ অসহযোগ আন্দোলন প্ৰবলকৈ চলাই আছিল ) আৰু মোৰ হাতে লিখা ৪০ খন নানা বিষয়ক গদ্য-পদ্য পুথি আন সকলো সম্পত্তিৰ সৈতে চিৰদিনলৈকে পুৰি ছাই হৈ যায়।

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধাৰী




# শুদ্ধি-পত্ৰ

পুথিখনৰ য'ত য'ত — 'পাৰিপাশিকতা' — 'পাৰিপাশিক —' 'পাৰস্পাৰিক'— 'বৈশিষ্ঠ্য'— 'বিশিষ্ঠতা' — 'ভুঞাফুণ্টা' আদি শব্দ, আছে, সেইবোৰ শব্দক শুদ্ধকৈ—'পাৰিপাশ্বিকতা'— 'পাৰিপাশ্বিক'— 'পাৰস্পৰিক'—'বৈশিষ্ট্য'—'বিশিষ্টতা'—'ভুঁইফুটা'—আদি পঢ়িব।

আন বিলাকৰ—

| প্ৰবন্ধ | পিঠি | মূলৰ শাৰী | আছে | হব |
|---|---|---|---|---|
| জাতীয়তাৰ মূল | ৩ | ৪ | মূহূৰ্ত্তে মুহূৰ্ত্তে | মুহূৰ্ত্তে মুহূৰ্ত্তে |
| ,, | ,, | ১৫ | ষণীভূত | ঘনীভূত |
| মনুষ্যত্ব কি | ৫ | ১১ | কল্‌ধপ | কল্‌ধপ্‌ কল্‌ধপ্‌ |
| মুক্তি | ৮ | ১৬ | সত্ব | সত্তা |
| ৰাজনীতি-প্ৰজানীতি | ৯ | ৪ | পুৰণিজকৈ | পুৰণিতকৈ |
| ,, | ১০ | ২ | নিৰুপন | নিৰুপণ |
| ,, | ,, | ৪ | নিৰ্ব্বিবাদেৰে | নিৰ্ব্বিবাদে |
| ,, | ,, | ১১ | মহাবানীৰ | মহাবাণীৰ |
| ,, | ,, | ১৪ | আভিমানত | অভিযানত |
| ,, | ,, | ১৭ | সঙ্কীৰ্ণতা | সঙ্কীৰ্ণতা |
| ,, | ১১ | ১ | সন্তৰহপৰ | সন্তৰপৰ |
| ,, | ১২ | ৭ | পৰিপ্লূত | পৰিপ্লুত |
| ,, | ১৩ | ৫ | নিৰ্ব্বিঘ্নেৰে | নিৰ্ব্বিঘ্নে |
| চেতনাৰ উদ্দেশ্য | ১৪ | ৩ | প্ৰতিবন্ধকতাৰ | প্ৰতিবন্ধকৰ |
| ,, | ,, | ৪ | উদ্ভূত | উদ্ভূত |
| ,, | ,, | ২০ | ইতিকিংৰ | ইতিকিঙৰ |
| ,, | ১৫ | ১০ | আকোৰালি | আঁকোৰালি |

| প্ৰবন্ধ | পিঠি | নমুৰ শাৰী | আছে | হব |
|---|---|---|---|---|
| চেতনাৰ উদ্দেশ্য | ১৫ | ১২ | আগবাঢ়ি | আগ বাঢ়ি |
| ,, | ,, | ১৯ | ৰাশীৰ | ৰাশিৰ |
| ,, | ,, | ২২ | আবেদনৰ | আৱেদনৰ |
| ,, | ১৬ | ১৫ | সেপিয়াই | খেপিয়াই |
| ,, | ,, | ১৯ | উপযোগীতা | উপযোগিতা |
| ,, | ১৮ | ৩ | গা-গুটীয়া | গাই-গুটীয়া |
| মানুহৰ স্বাভাৱিক অৱস্থা | ২২ | ১৪ | উত্বেজনাতেই | উত্তেজনাতেই |
| ,, | ২৩ | ১৯-২০ | নিস্ক্ৰিয়তা | নিষ্ক্ৰিয়তা |
| জাতীয়তাৰ উত্থান-পতন | ২৭ | ১৩ | অন্তৰ্ভূক্ত | অন্তৰ্ভুক্ত |
| জী থকা আৰু মৰি যোৱাৰ অধিকাৰ | ২৮ | ১১ | জোং-জাবৰহীন | জেং-জাবৰহীন |
| ,, | ৩০ | ৩ | আত্নহাৰা | আপোন-পাহৰা |
| নেতৃত্বৰ কথা | ৩৩ | ১ | জুইজ্বলা | জুই-জ্বলা |
| ,, | ,, | ৫ | চোকোলা | চোকোৰা |
| ,, | ৩৪ | ৮ | মুহুৰ্ত্তে মুহুৰ্ত্তে | মুহূৰ্ত্তে মুহূৰ্ত্তে |
| আমাৰ কৰ্ম্মধাৰা | ৩৫ | ১ | আৰম্ভনিৰ | আৰম্ভণিৰ |
| সঞ্জীৱনীৰ-ব্যৱস্থা | শিৰোনামাৰ | | সঞ্জীৱনীৰ-ব্যৱস্থা | সঞ্জীৱনীৰ ব্যৱস্থা |
| ,, | ৩৭ | ৮ | উচ্চ | উচ্চ |
| ,, | ৩৮ | ৭ | নিমজ্জিত | নিমগ্ন |
| ,, | ,, | ১১ | গৰিয়ান | গৰীয়ান |
| ,, | ৩৯ | ১৭ | আকাঙ্খা | আকাঙ্ক্ষা |



| প্ৰবন্ধ | পিঠি | মূলৰ শাৰী | আছে | হব |
|---|---|---|---|---|
| সঞ্জীৱনীৰ ব্যৱস্থা | ৪০ | ৩ | আত্ম-সমৰ্পন | আত্ম-সমৰ্পণ |
| ,, | ৪১ | ৭ | মূৰ্ত্ত্যমান | মূৰ্ত্তিমান |
| আহিছা যদি মোৰ লগত একেটা হৈ মিলা যোৱা | ৪৫ | ৫ | আজিৰদৰে | আজিৰ দৰে |
| ,, | ৪৬ | ২২ | আক | আৰু |
| আত্মৰক্ষাৰ বাবে প্ৰৱল | শিৰোনামাৰ | | আত্মৰক্ষাৰবাবে | আত্মৰক্ষাৰ বাবে |
| জাতীয়তাৰ লাগে | ৪৯ | ১২ | পৰিপক্কতাই | পৰিপক্কতাই |
| ,, | ৫০ | ১ | লজ্জাক্কৰ | লজ্জাকৰ |
| পৃথিৱীৰ ৰূপান্তৰ দান | ৫৩ | ১৪ | ঘানাক-ঘুমুক | ঘুমুক-ঘানাক |
| নিজ-সত্তাৰ চিন্তা সকলোৰে আগশাৰীত | শিৰোনামাত | | নিজ-সত্ত্বাৰ | নিজ-সত্তাৰ |
| ,, | ৫৬ | ৩ | দুষিত | দূষিত |
| মানুহ আৰু তাৰ অধিকাৰ | ৬২ | ২২ | নিৰ্ম্মুল | নিৰ্ম্মূল |
| ,, | ৬৩ | ৭ | মূৰ্ত্ত্যমান | মূৰ্ত্তিমান |
| জাতি-গঠনৰ স্বাভাৱিক ধাৰা | ৬৪ | ১৫ | সূত্ৰদালিৰ | সূত্ৰডালিৰ |
| ,, | ,, | ৬ | অক্ষতাত | অক্ষততাত |
| আকোৱালি লোৱা আৰু বচোৱা সাংস্কৃতিক অভিমান | শিৰোনামৰ | | আকোৱালি | আঁকোৱালি |
| ,, | ৬৭ | ৮ | ইকে | হকে |
| ,, | ,, | ১৫ | গঢ়ি | গঢ় লৈ |
| ,, | ৬৯ | ২ | আপদালত | আপডালত |
| ,, | ৭৩ | ১৫ | মূৰ্ত্ত্যমান | মূৰ্ত্তিমান |

| প্ৰবন্ধ | পিঠি | | মূলৰ শাৰী | আছে | হ'ব |
|---|---|---|---|---|---|
| ভাৰতীয়ৰ স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ | ৮০ | ৩ | ভূঞাকুটা | ভূইকুটা |
| ” | ৮১ | ১৬ | গুজৰাটিৰ | গুজৰাটীৰ |
| ভাৰতীয়ৰ স্বৰাজ আৰু অসমীয়াৰ স্বৰাজ | ৮১ | ১৭ | গঢ়ি | গঢ় লৈ |
| ” | ৮২ | ১০ | উঠিহে | উঠিছে |
| প্ৰবন্ধটোৰ আটাইবিলাক | | | বৈশিষ্ঠ্য, বিশিষ্ঠতা | বৈশিষ্ট্য, বিশিষ্টতা |
| ” | ৮৪ | ১০ | ভাৰতৰদৰে | ভাৰতৰ দৰে |
| ” | ” | ১৭ | কীৰ্ত্তিটো | কিস্তিটো |
| ” | ” | ৯ | উকালতী | ওকালতী |
| ” | ৮৮ | ৩ | গৰিয়ান | গৰীয়ান |
| দেশৰ মাটিহে আচল | ৮৯ | ১০ | ঔপদানিক | ঔপাদানিক |
| ” | ” | ২২ | উচ্ছসিত | উচ্ছ্বসিত |
| ” | ৯০ | ৩ | নিমজ্জিত | নিমগ্ন |
| ” | ৯২ | ৭ | টোপালাটো | টোপোলাটো |
| ” | ” | ১২ | ধ্বংশ | ধ্বংস |
| নিজ মাটিডৰাতহে সত্যৰ পোন প্ৰথম বিকাশ | ৯৩ | ৫ | ধুমকেতুইহে | ধূমকেতুইহে |
| ” | ৯৪ | ৯ | সোইটো | সেইটো |
| ” | ” | ১৬ | গুজৰাটি | গুজৰাটী |
| আত্মৰক্ষাৰ প্ৰস্তুতিটো হিংসা নহয় | ১২৬ | ৫ | বিধান, সম্পদ | বিধান সম্পদ |
| ” | ১২৮ | ১ | এসে | এনে |
| অসমীয়াৰ ওচৰত অভিযোগ | ১৪২ | ৫ | ভন্দ্ৰালস্য | তন্দ্ৰালস্য |
| ভৱিষ্যৎ অসমৰ অধিকাৰী | ১২০ | ২০ | ভুলাৰ | তুলাৰ |